# কায়স্থ জাতিৰ অশৌচ ব্যৱস্থা

লিখক ঃ—

শ্ৰীদণ্ডীৰাম দত্ত

শ্ৰীজীৱনানন্দ দত্ত

১ম সংস্কৰণ

১৯৪৬

বেচ—।৵০ অনা মাত্ৰ

ওঁম

কায়স্থ জাতিৰ অশৌচ ব্যৱস্থাখন পঢ়িলো। মোৰ মতে এই পুস্তিকা প্ৰকাশ কৰি ব্ৰাহ্মণ আৰু কায়স্থ সমাজত প্ৰচাৰ কৰিব লাগিব। তাৰ পাচত প্ৰাচীন কামৰূপ-কায়স্থ সমাজৰ সাধাৰণ বা বিশেষ অধিবেশনত আলোচনা কৰি অশৌচৰ দিন নিৰ্দ্ধাৰিত কৰি লোৱাটো বিশেষ যুক্তিসঙ্গত হব বুলি মনে ধৰে আৰু সেই কাৰণেই এই পুস্তিকা খনি প্ৰকাশ কৰা ভাৰ ললোঁ।

গ্ৰন্থকৰ্ত্তাৰ পাণ্ডিত্য আৰু যুক্তিপূৰ্ণ গৱেষণাৰ বাবে আন্তৰিক ধন্যবাদ জনালোঁ। পৰমেশ্বৰে তেওঁৰ এই সাধুচেষ্টা সফল কৰোক। ইতি

গুৱাহাটী
১৪।৮।৪৬ইং

শ্ৰীপ্ৰসন্ন নাৰায়ণ চৌধুৰী।

# লিখকৰ আগ-কথা

জগত পৰিবৰ্ত্তনশীল। এই পৰিবৰ্ত্তনশীল জগ-তৰ সকলো প্ৰাণীয়েই পৰিবৰ্ত্তনশীল। অতীজত যি আছিল বৰ্ত্তমানত সি নাই আৰু বৰ্ত্তমানত যি আছে ভবিষ্যতত তাৰ বহুখিনি পৰিবৰ্ত্তন হবই ধ্ৰুব নিশ্চয়। এই পৰিবৰ্ত্তন বৰ্ত্তমানতেই লক্ষ্য কৰিব পাৰি। ১০ বছৰ আগত পৃথিবী যি আছিল আজিৰ দিনত তাৰ বহুত তাৰতম্য ঘটিছে। ১০ বছৰ আগত এটোম বোমাৰ কথা কোনেও ভাবিবই পৰা নাছিল। আজি কিন্তু সেই কল্পনাৰ অতীত এটোম বোমাৰ প্ৰয়োগ কৰণ সম্ভৱপৰ হৈছে। ৩০০ মাইল দূৰৈৰপৰা বোমা মাৰিব পাৰি। এশ মাইল আঁতৰত থকা মানুহেও শব্দ শুনে। ১০ মাইল আঁতৰত থকা মানুহৰ দৃষ্টিশক্তি লোপ হয়। মানুহ নোহোৱাকৈ এৰোপ্লেনত বোমা লৈ নিৰ্দ্দিষ্ট স্থানত পৰি দেশ ধ্বংস কৰে।

সেইদৰে জগতৰ পৰিস্থিতি সময়ৰ লগত খাপ-খোৱা ধৰণে আমি গম নোপোৱাকৈ পৰিবৰ্ত্তন হৈ

আছে। এই পৰিবৰ্ত্তনত যদি কোনোবাই কিবা প্ৰকাৰে অলপ আগতীয়াকৈ হাত দিয়ে তেনেহলে সি সৰ্ব্বসাধাৰণৰ মনত হেয় বা দোষণীয় হৈ পৰে। সেইটো অৱশ্যে সকলোৰে পক্ষে নহয়। যি সকলে পৰিবৰ্ত্তন (সমাজ ব্যৱস্থাৰ) বিচাৰে তেওঁলোকে যিটো ভাল বুলি আৰু দৰ্কাৰ বিবেচনা কৰে নাইবা যিটো অৱশ্যম্ভাবী বুলি ভাবে তাকে কৰি যায়। সৰ্ব্বসাধাৰণৰ মাজত তাৰ কি ফল ধৰে নাইবা সেই পৰিৰৰ্ত্তন সৰ্ব্বসাধাৰণে সমৰ্থন কৰে নে নকৰে তালৈ ভ্ৰূক্ষেপ নকৰে। জ্ঞানী আৰু বিবেচকলোকৰ মাজত ইয়াৰ গুণাগুণ বিচাৰ হয় আৰু উচিত বিবেচিত হলে সেই পৰিবৰ্ত্তন সাদৰে গ্ৰহণ কৰা হয়।

আমিও কায়স্থজাতিৰ বৰ্ত্তমান প্ৰচলিত আচাৰ ব্যৱহাৰৰ পৰিবৰ্ত্তন যে নিতান্ত দৰ্কাৰ তাকে উপলব্ধি কৰি শাস্ত্ৰৰ সম্মতি বিচাৰি চাই এই পুস্তিকা সংস্কলন ৰাইজৰ জ্ঞাতাৰ্থে কৰিলো।

শাস্ত্ৰৰ মত বিচাৰিলে এইটো দেখা যায় যে ব্ৰহ্মাবৰ্ত্তত অৰ্থাৎ সৰস্বতী আৰু দৃষদ্বতী নামৰ নৈ দুখনিৰ মাজৰ ঠাই ডোখৰত (যত শুদ্ধ আৰ্য্যসকলে

বাস কৰিছিল) যি আচাৰ ব্যৱহাৰ চলিছিল তাকেই মনুসংহিতাত লিপিবদ্ধ কৰা হৈছে। মনুসংহিতা অনুযায়ী আচাৰ ব্যৱহাৰ প্ৰচলিত হোৱা নাই। আচাৰ ব্যৱহাৰ অনুযায়ীহে মনু-সংহিতা হৈছে এই কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে। তদুপৰি ব্ৰহ্মাবৰ্ত্তৰ বাহিৰে বাকী ঠাইবোৰ মনুসংহিতাত ম্লেচ্ছদেশ বুলি কৈছে। তেনেস্থলত ম্লেচ্ছদেশত আৰ্য্যজাতিৰ আচাৰ সম্পৰ্কে বিচৰা কথাটো পৰ্ব্বতত কাছকণী বিচৰাৰ তুল্য।

তথাপি যদি ধৰা হয় যে আৰ্য্যসকলৰ বসতি বৃদ্ধি হৈ কালক্ৰমত গোটেই ভাৰততে আৰ্য্যবসতি বিয়পি পৰিছিল আৰু সেই কাৰণেই আৰ্য্যৰ সমাজ ব্যৱস্থাও গোটেই ভাৰততে প্ৰচলিত হৈছে তেনেহলে তাত যথেষ্ট সত্যতা আছে আমি স্বীকাৰ কৰোঁ। কিন্তু স্মৃতি—কাৰে আৰ্য্যসকলৰ ম্লেচ্ছদেশত বাস কৰিলে কি ধৰণৰ আচাৰ ব্যৱহাৰ হব লাগিব সেই বিষয়ে একো বিধান কৰি যোৱা নাই। নাইবা মনুসংহিতাৰ বিধানুযায়ী আজি গোটেই হিন্দু সমাজ চলা নাই। প্ৰত্যেকটো বিধানৰে তাৰতম্য ঘটিছে।

বিষেশকৈ হিন্দু সমাজৰ ৰক্ষণশীল পন্থী সকলৰ অৱনতি দেখা গৈছে। অবনতি এই হিচাবে যে তেওঁলোকে সভ্যতাৰ জখলাত পৃথিবীত অইন জাতিৰ লগত খোজত খোজ মিলাই উধাব পৰা নাই। বৰং তেওঁলোকে আগৰ সংস্কাৰবোৰে ঠিক মতে ৰক্ষা কৰিব পৰা নাই। হিন্দু শাস্ত্র ৰচা হৈছিল হিন্দুৰ ভিতৰৰ সেই সময়ৰ শীৰ্ষস্থানীয় ব্ৰাহ্মণ সমাজৰ দ্বাৰা। আজিৰ যুগত সেই ব্ৰাহ্মণো নাই অথবা ব্ৰাহ্মণ সমাজে আগৰ ধৰণে চাৰি আশ্ৰমৰ ধৰ্ম্ম পালন কৰি জ্ঞান বিদ্যা চৰ্চ্চাৰ দ্বাৰা প্ৰাচীন কালৰ সেই শ্ৰেষ্ঠ আসন আৰু লুপ্ত গৌৰৱ পুনৰাধিকাৰ কৰিবলৈ চেষ্টা এৰি দিছে। কাৰণ আগৰ বিধি-ব্যৱস্থা, যাগ যজ্ঞ, মন্ত্র হোমৰ দ্বাৰা আজিৰ দিনত ফল নধৰে। তাৰ প্ৰমাণ স্বৰূপে চাওক পুংসবনৰ কথালৈ। আগেয়ে পুংসবন কৰিছিল পুত্ৰ লাভাৰ্থে—কাৰণ পুং-পুমান তস্যাৰ্থে সবন—যজ্ঞ। এয়ে হ'ল পুংসবন।

"পুমাংসৌ মিত্ৰাবৰুণৌ পূমাংসাবশ্বিনাবুভৌ।
পুমানগ্নিশ্চ বায়ুশ্চ পুমান্ গৰ্ভস্তবোদৰে॥"

কিন্তু তাৰ ফল কেইজন ব্ৰাহ্মণে পায়।

তদুপৰি বাল্য বিবাহৰ তিক্ত ফলৰ কাৰণেই আজি কালি সদাচাৰী নিষ্ঠাৱান হিন্দু সকলেও লাহে লাহে গৌৰী নাইবা ৰোহিণী কন্যা বিবাহত বেচি জোৰ দিবলৈ এৰিছে। আজিকালি ১১ বছৰৰ পিচতহে কন্যাৰ বিবাহ হয় যিটো বয়সত জাতিভ্ৰষ্টা বুলি কন্যাক বিবাহানুপযুক্তা বুলি ধৰা হয়।

তদুপৰি বহু বিবাহৰ কোনো ব্যৱস্থা নোহোৱা স্বত্বেও আমাৰ সমাজত (হিন্দু) বহু বিবাহ প্রচ-লিত আছে। কিন্তু বিধবা বিবাহৰ বিধান থকা স্বত্বেও সমাজত বিধবাৰ বাধ্যতামূলক বৈধব্য ব্ৰতৰ প্ৰচলন দেখা যায়। তাৰ কুফল কাৰো অবিদিত নহয়।

তদুপৰি খৃঃ পুঃ ৰ প্ৰচলিত ৰীতি-নীতিয়ে যে হিন্দুসমাজ ইমানদিনে চলাই লৈ ফুৰিছিল সেই খিনিতেই হিন্দুৰ সমাজ ব্যৱস্থাৰ গৌৰৱ। কিন্তু আজি কালিৰ নব্য জগতত সেই পুৰণি কলীয়া খৃঃ পূৰ্ব্বৰ বিধি ব্যৱস্থাই বিংশ শতাব্দীৰ প্ৰগতি-শীল মানৱ জাতিক বান্ধি ৰাখিব নোৱাৰে। যদি

পাৰিলেহেঁতেন তেনেহলে হিন্দুৰ ৰীতি, নীতি, আদিয়ে পৃথিৱী জিনি পেলালেহেঁতেন।

আজিৰ জগতত মানুহৰ জ্ঞানৰ লিপ্সা আৰু জ্ঞান-চৰ্চ্চাৰ যি কেন্দ্ৰ তাৰ পৰিসৰো বৃদ্ধি হৈছে। জ্ঞান আহৰণৰ বাবে মানুহৰ আয়ুস আজি কালি অতি কম হৈ গৈছে। সমগ্ৰ বিশ্বৰ সমস্ত কথা জানিবলৈ হলে আজিৰ দিনৰ মানুহৰ জীৱন কাল বৰ্ত্তমানে কেবাগুণে বেচি দীৰ্ঘীয়া হোৱা দৰ্কাৰ। কিন্তু মানুহৰ জীৱন কাল বা আয়ুস ইচ্ছামতে বঢ়াই নিব নোৱাৰি। গতিকে—সকলো কথাৰে সাৰাংশ গ্ৰহণ কৰি যাব লগীয়া হৈছে। আৰু সময়ৰ যাতে অপব্যয় নহয় তাৰ বাবেও সকলো ৰকমৰ চেষ্টা কৰা দৰ্কাৰ হৈ পৰিছে।

তদুপৰি অশৌচ সম্পৰ্কে আগৰ দিনৰ দূৰদৰ্শী ঋষি সকলে স্বাস্থ্যবিজ্ঞান সম্পৰ্কে যি বোৰ সত্য সেই সময়ত (শাস্ত্ৰৰচনা কালত) উদ্ভাৱন কৰিছিল সেইবোৰৰ লগত ঘনিষ্ঠ সম্বন্ধ ৰাখিয়েই শাস্ত্ৰীয় বিধান কৰি থৈ গৈছিল। কিন্তু বৰ্ত্তমান উন্নততৰ বৈজ্ঞানিক যুগত সেইবোৰ কামত নহা হৈছে।

এই কথা সমৰ্থন কৰিবলৈ যুক্তিৰ অভাৱ নহব ।

সামৰণিত আমি এইটো কব খোজো যে জগতত যেতিয়া সাৰ্ব্বজনীন ভাৱৰ ঢৌ উঠিছে তেনেস্থলত ৰক্ষণশীল মনোবৃত্তি লৈ আমি পিচলৈ যোৱাটো উচিত নহয় । সকলোৱে "এক বিৰাট মানৱজাতি গঠনৰ" প্ৰতি জগতৰ যি গতি আৰম্ভ হৈছে তাত আমি আমাৰ ন্যায্য অংশ গ্ৰহণ কৰা উচিত । এই ভাৱৰেই অনুকুল প্ৰস্তাৱ এটি প্ৰাঃ কাঃ কাঃ সমাজৰ ৰতনপুৰত বহা মুকলি অধিবেশনত লোৱা হৈছিল ।

গতিকে পাঠক সকলৰ প্ৰতি আমাৰ অনুৰোধ এই যে তেওঁলোকে যেন বৰ্ত্তমান জগতৰ অভাবলৈ লক্ষ্য ৰাখি তন্ন তন্নকৈ অতীতৰ সমাজ ব্যৱস্থা আৰু বৰ্ত্তমানত তাৰ প্ৰচলনৰ কথাটো বিবেচনা কৰিহে এই পুস্তিকাৰ বিষয়ে মন্তব্য প্ৰকাশ কৰে । ইতি

লিখক

# কায়স্থ জাতিৰ অশৌচ

অশৌচৰ শাস্ত্ৰীয় মত চোৱাৰ আগেয়ে প্ৰথমতে মানৱ জাতিৰ ধৰ্ম্ম শ্ৰেণীৰ বিভাগ আদি চোৱা যাওক।

শাস্ত্ৰ আলোচনা কৰিলে দেখা যায় বেদত গোটেই চৰাচৰ বিশ্ব, তথা মানৱ জাতিকে এক বিৰাট পুৰুষৰ লগত তুলনা কৰা হৈছিল। তাৰ প্ৰমাণ ঋক্ বেদৰ ১০ ম মণ্ডলৰ ৯০ সূক্ত।

"সহস্ৰশীৰ্ষা-পুৰুষঃ সহস্ৰাক্ষঃ সহস্ৰপাৎ।
স ভূমিং বিশ্বতো বৃত্বাত্যতিষ্ঠদ্দশাঙ্গুলম্। ১"

× × × × ×

যদস্য পুৰুষং ব্যদধুঃ কতিধা ব্যকল্পয়ন।
মুখং কিমস্য কৌ বাহূ কৌ উৰূ পাদা উচ্যেতে॥১১
ব্ৰাহ্মণোহস্য মূখমাসীৎ বাহূ ৰাজন্যকৃতঃ।
উৰূ তদস্য যদ্বৈশ্য পদ্ভ্যাং শূদোহজায়ত ॥ ১২ ॥"

ইয়াৰ মাধবাচাৰ্য্যই কৰা ভাষ্য চাওক:—

১মঃ— "সৰ্ব্বপ্ৰণীসমষ্টিৰূপো ব্ৰহ্মাণ্ডোদেহো বিৰা-ডাখ্যোযঃ-পুৰুষঃ সোহয়ং সহস্ৰশীৰ্ষা। সহস্ৰ-

শব্দস্যোপ-লক্ষণত্বাদনন্তৈঃ শিৰোভির্যুক্তঃ ইত্যর্থঃ। যানি সৰ্ব্বপ্ৰাণীনাং শিৰাংসি তদ্দেহান্তপাতিত্বাদীয়ানোবেতি সহস্ৰশীৰ্ষত্বম্। এবং সহস্ৰাক্ষিত্বং সহস্ৰপাত্ত্বঞ্চ। স পুৰুষো ভূমিং ব্ৰহ্মাণ্ড গোলকৰূপং বিশ্বতঃ — সৰ্ব্বতঃ পৰিবেষ্ট্য দশাঙ্গুলং— দশাঙ্গুলপৰিমিতং দেশমত্যাতিষ্ঠৎ অতিক্ৰম্য ব্যবস্থিতঃ।

ইয়াৰ অৰ্থ হৈছে সকলো প্ৰাণীৰে সমষ্টিৰূপ ব্ৰহ্মাণ্ডদেহ বিৰাট বোলা যি পুৰুষ সিয়েই হৈছে সহস্ৰশীৰ্ষা। ( সমস্ত ব্ৰহ্মাণ্ডৰে প্ৰাণী সমূহকে বিৰাট পুৰুষৰ লগত তুলনা কৰি কৈছে ) সেই বিৰাট পুৰুষ গোলাকাৰ বিশ্বব্ৰহ্মাণ্ডকে সৰ্ব্বতোভাবে ব্যাপি আৰু দশাঙ্গুল অৰ্থাৎ আৰু কিছুদূৰ অতিৰিক্ত আছিল। (অৰ্থাৎ গোটেই চৰাচৰ সৃষ্টবস্তু সমূহৰ বাহিৰে অইন বস্তুকে ইয়াৰ শৰীৰ হিচাবে কল্পনা কৰা কৰা হৈছে। )

## ১১ শ শ্লোকৰ ভাষ্য চাওক :—

প্ৰশ্নোত্তৰৰূপেন ব্ৰাহ্মনাদি সৃষ্টিং বক্তুম ব্ৰহ্মবাদীনাং প্ৰশ্না উচ্যন্তে। প্ৰজাপতেঃ প্ৰাণৰূপা দেবা যৎ যদা পুৰুষং বিৰাড়্ৰূপং ব্যদধুঃ —

সংঙ্কল্পেনোৎপাদিতবাস্তদানীং কতিধা— কতিভিঃ প্ৰকাৰৈঃ ব্যকল্পয়ন— বিবিধং কল্পিতবন্তঃ। অস্য পুৰুষস্য মুখং কিমাসীৎ ? কৌ বাহু অভূতাম ? কৌ উৰূ ? কৌ চ পাদাবুচ্যেতে ? প্ৰথমং সামান্য ৰূপঃ প্ৰশ্নঃ পশ্চান্মুখং কিমিত্যাদিনা বিশেষ-বিষয়া প্ৰশ্নাঃ।

(প্ৰশ্নোত্তৰ হিচাবে ব্ৰাহ্মণাদিৰ সৃষ্টিৰ কথা কব খুজি ব্ৰহ্মবাদীসকলৰ প্ৰশ্নৰ কথা কৈছে। প্ৰজাপতিৰ প্ৰাণৰূপ দেৱতাসকলে যেতিয়া বিৰাট-ৰূপ পুৰুষ কল্পনাৰ দ্বাৰা উৎপন্ন কৰিলে তেতিয়া কি প্ৰকাৰে কল্পনা কৰিলে ? এই পুৰুষৰ মুখ কি আছিল ? বাহু দুটা কিহে হৈছিল ? উঁৰু কি ? পাদ কিহক কলে ? প্ৰথমে সামান্যৰূপ প্ৰশ্ন পিছত মুখ কি ইত্যাদি বিশেষ বিশেষ প্ৰশ্ন উৎথাপন কৰিছে।)

## ১২ শ শ্লোক ঃ—

ইদানীং পূৰ্ব্বোক্তানাং প্ৰশ্নানামুত্তৰাণি দৰ্শয়তি। অস্য প্ৰজাপতেৰ্ব্বাহ্মণঃ ঃ—ব্ৰাহ্মণত্ব জাতিবিশিষ্টঃ পুৰুষঃ মুখমাসীৎ মুখাদুৎপন্নঃ ইত্যৰ্থঃ। যোহয়ং

ৰাজন্যঃ ক্ষত্রিয়ত্ব-জাতিমান-পুৰুষ স বাহূ কৃতঃ বাহূত্বেন নিষ্পাদিতঃ । ইত্যাদি

( এতিয়া পূৰ্ব্বোক্ত প্ৰশ্নবোৰৰ উত্তৰ দিছে । এই প্ৰজাপতিৰ ব্ৰাহ্মণত্ব বিশিষ্ট পুৰুষেই মুখ আছিল । মুখৰ পৰা জন্মিছিল এই অৰ্থ । যি ৰাজন্য অৰ্থাৎ ক্ষত্রিয়ৰ জাতি বিশিষ্ট পুৰুষ তাকেই বাহু কৰা হৈছিল । ইত্যাদি )

মহা ভাৰততো পূৰ্ব্বতে যে এক জাতিয়েই যে কৰ্ম্মনুসাৰে বিভিন্ন জাতিত ভাগ হৈ গৈছে তাৰ প্ৰমান পোৱা যায় ।

"নবিশেষোহস্তি বৰ্ণানাং সৰ্ব্বং ব্ৰহ্মমিদং জগৎ ।
ব্ৰহ্মণ্যপূৰ্ব্বং সৃষ্টং হি কৰ্ম্মভিঃ বৰ্ণতাং গতম্ ॥"

—মহাভাৰক শান্তি পৰ্ব্ব — ১৮৮

"গোটেই বিশ্বই ব্ৰহ্মময় আছিল । কোনো জাতি বিশেষ নাছিল ! পূৰ্ব্বতে কেৱল ব্ৰাহ্মণ বুলিহে সৃষ্ট হৈছিল । তাৰ পিছত কৰ্ম্মনুসাৰে বৰ্ণ হৈছে ।

এতিয়া বুজা যায় যে ব্ৰাহ্মণ ক্ষত্রিয় আদি সকলো বিলাক বৰ্ণই এক জাতি আছিল । পিচত

বিভিন্ন জাতিৰ মাজত বৈষম্যৰ প্ৰাধান্য বেচি হোৱাৰ আশঙ্কা কৰিয়েই সকলো জাতিয়েই যে আদিতে এক আছিল তাকে বেদত এই পুৰুষ সূক্তত কৈ গৈছে। বেদৰ সময়ৰ পিছৰ পৰাই কৰ্ম্মানুসৰি আচাৰ ব্যৱহাৰ চলি আহিছিল। বেদৰ সময়ৰ পিছৰ পৰা বংশ পৰম্পৰা চলি অহা ৰীতি-নীতিৰ কালক্ৰমত ব্যতিক্ৰম হবলৈ ধৰাত আৰু বেদাঙ্গ, দৰ্শন, উপনিষদ, আৰণ্যক আদিৰ দ্বাৰা লোকৰ মাজত তাৰ্কিক মনোবৃত্তি দেখা দিয়াত পূৰ্ব্ব প্ৰচলিত আচাৰ ব্যৱহাৰ লিপিবদ্ধ কৰা দৰ্কাৰ হৈ পৰে। সেই সময় ডোখৰতে স্মৃতিকাৰ সকলৰ আবিৰ্ভাৱ হয়।

স্মৃতি অৰ্থাৎ ধৰ্ম্ম শাস্ত্ৰবোৰ ৰচিত হোৱা সময়ত, সৰ্ব্বসাধাৰণৰ মাজত বেদৰ প্ৰচলন কমি আহিছিল। আৰু বৈদিক ভাষা আৰু প্ৰচলিত ভাষাৰে বহুত তাৰতম্য হ'ল। কেৱল শিক্ষিত ব্ৰাহ্মণ সম্প্ৰদায়ৰ মাজতেই বেদচৰ্চ্চাৰ প্ৰচলন থাকিল। বেদৰ চৰ্চ্চা কমি আহিলেও বেদৰ প্ৰভাৱ সকলোৰে ওপৰত ৰৈ গ'ল আৰু আজিও

আছে। আৰু বেদ চৰ্চ্চাকাৰী ব্ৰাহ্মণ সকলে বেদৰ সময়ৰ আৰু বেদৰ চৰ্চ্চা হোৱা ঠাইৰ আচাৰ ব্যৱহাৰ বোৰকেই ধৰ্ম্ম শাস্ত্ৰবোৰত লিপিবদ্ধ কৰি থৈছে।

"য কশ্চিৎ কস্যাচদ্ধৰ্ম্মো মনুনা পৰি-কীৰ্ত্তিতঃ।
স সৰ্ব্বো অভিহিতো বেদে সৰ্ব্বজ্ঞানময়ো হি সঃ।"
২। ৭

"মনুৰ দ্বাৰা কথিত যাৰ যি ধৰ্ম্ম সেই সকলোবোৰ বেদতেই আছে কাৰণ বেদেই সকলো জ্ঞানৰ আধাৰ।"

মনুস্মৃতিৰ কথা যেতিয়া বেদতেই আছে তেনেস্থলত মানৱ ধৰ্ম্ম শাস্ত্ৰৰ কি দৰ্কাৰ এই প্ৰশ্নৰ আশঙ্কা কৰি কোৱা হৈছে।

"শ্ৰুতিস্তু বেদো বিজ্ঞেয়ো ধৰ্ম্ম শাস্ত্ৰস্তুবৈ স্মৃতিঃ।
তে সৰ্ব্বৰ্থেষু অমীমাংস্যে তাভ্যাং ধৰ্ম্মোহি
নিৰ্ব্বভৌ॥"

অৰ্থাৎ "শ্ৰুতিয়েই বেদ আৰু ধৰ্ম্ম শাস্ত্ৰই স্মৃতি। ও সকলো বিষয়তে অমীমাংস্য ( unquestionable ) কাৰণ এই দুবিধৰ পৰাই ধৰ্ম্ম উপজিছে।"

ধৰ্ম্মৰ বিষয়ে বা ধৰ্ম্মশাস্ত্ৰৰ বিষয়ে প্ৰশ্ন কৰিব নাপায় বুলি সেই পিনে বাট বন্ধ কৰি থৈছে। তাৰ পিছতেই ধৰ্ম্ম কিহক বোলে কৈছে।

"বিদ্বভিঃ সেবিতঃ সদ্ভিঃ নিত্যম—দ্বেষৰাগিভিঃ।
হৃদয়েনাভ্যনুজ্ঞাতো যো ধৰ্ম্মস্তন্নি-বোধত ॥"

মনু—২য়, ১ম

"অৰ্থাৎ বিদ্বান, বেদবিৎ, সাধু ব্যক্তি দ্বাৰা ৰাগদ্বেষ শূন্য হৈ যি আচৰণ সদায় কৰা যায় আৰু সৎব্যক্তি শুদ্ধ অন্তৰে যিটো ভাল বুলি ভাবে বা ধাৰণ কৰে সেয়ে ধৰ্ম্মৰ কথা।"

তাৰ পিছৰ শ্লোকত আছেঃ—

"বেদো অখিলো ধৰ্ম্মমূলং স্মৃতিশীলেচ তদ্বিদাম্।
অচাৰশ্চৈব সাধূনামাত্মনস্তুষ্টিৰেবচ ॥ ৬"

মনু ২য়—৬

"সমষ্ট বেদ, স্মৃতি, শীল (বাগদ্বেষবিহীনতা) জনালোকৰ আচাৰ আৰু সাধু লোকৰ আত্মতুষ্টিৰেই ধৰ্ম্মৰ প্ৰমাণ।"

ইয়াৰ দ্বাৰাই এইটো বুজিব পাৰি যে মনু-স্মৃতিৰ সময়ত আৰ্য্যবসতি থকা ঠাই বোৰত যি

যি আচাৰ প্ৰচলিত, তাকেই লিপিবদ্ধ কৰা হৈছিল। আগেয়ে মনুস্মৃতি ৰচনা হৈছিল আৰু পিছত সেই মতে আচাৰ ব্যৱহাৰৰ প্ৰচলন হৈছিল তেনে নহয়। প্ৰচলিত আচাৰ ব্যৱহাৰ অনুযায়ী হে মনুস্মৃতি ৰচনা কৰা হৈছিল। সেই বিষয়ে ভাল বা বেয়া বুলি আমি মন্তব্য কৰিবলৈ যোৱা নাই।

মনুসংহিতাতেই কোন কোন ঠাইৰ আচাৰ ব্যৱহাৰ প্ৰশস্ত আৰু অনুকৰণীয় কৈ থৈছে। সেই কথাইও ওপৰৰ কথা সমৰ্থন কৰে।

"সৰস্বতী দৃশদ্বত্যোৰ্দেবনদ্যোৰ্যদনন্তৰম্।
তৎদেশং দেৱনিৰ্ম্মিতং ব্ৰহ্মাৱৰ্ত্তং প্ৰচক্ষতে॥
তস্মিন দেশে যঃ আচাৰঃ পৰম্পৰ্যক্ৰমাগতঃ।
বৰ্ণানাং সান্তৰালানাং স সদাচাৰ উচ্যতে॥"

"অৰ্থাৎ সৰস্বতী আৰু দৃষদ্বতী নামৰ দুই-দেৱ নদীৰ মাজৰ যি ডোখৰ ঠাই তাকেই ব্ৰহ্মাৱৰ্ত্ত বোলে। সেই দেশত যি আচাৰ বংশ পৰম্প্ৰৰা চলি আহিছে — সেয়েই অতি হীনবৰ্ণকো ধৰি সকলোৰে বাবে সদাচাৰ বুলি কয়।"

এতিয়া অশৌচ সম্পৰ্কীয় বিধানবোৰ চোৱা যাওক। বিভিন্ন শাস্ত্ৰত বিভিন্ন মত পোৱা যায়।

মনুৰ মতেঃ—

"শুদ্ধেদ্বিপ্ৰো দশাহেন দ্বাদশাহেন ভূমিপঃ।
বৈশ্যো পঞ্চদশাহেন, শূদ্ৰোমাসেন শুদ্ধ্যতি॥"

অৰ্থাৎ বামুণে ১০ দিনত, ভূমিপে অৰ্থাৎ ক্ষত্ৰিয়ই ১২ দিনত, বৈশ্যই ১৫ দিনত আৰু শূদ্ৰই ১ মাহত শুদ্ধ হব।

বামুণে ১১ দিনত, ক্ষত্ৰিয়ই ১৩ দিনত, বৈশ্যই ১৬ দিনত আৰু শূদ্ৰই ৩১ দিনত শুদ্ধ হব লাগে বুলি বহুতে অৰ্থ কৰা দেখা যায়। তেওঁলোকে শ্লোকত কোৱা সংখ্যাবোৰ অশৌচ কালৰ কথা বুলি ধৰিছে তেনে অৰ্থ কৰে। আচলতে কিন্তু সিমান দিনতে শুদ্ধ হব লাগে।

এই শ্লোকৰ বাখ্যাত আছে!

"শৌচ দিনসংখ্যায়াঃ উদ্দেশ্য বিশেষেন হ্ৰাস-বৃদ্ধিঞ্চ কৰ্ত্তুং শক্যতে। অতঃ কোহপি তদশৌচ-দিনসংখ্যায়াঃ হ্ৰাসং বৃদ্ধিঞ্চ বা কৃত্বা শ্ৰাদ্ধাদিকং

কৰোতি তথাপি সতু পাপ-ভাগীন ভবতি শ্ৰাদ্ধাদি-কঞ্চ সিদ্ধমিতি ব্যৱস্থা ।"

ওপৰোক্ত শ্লোকৰ বৰ্ণিত শুদ্ধিৰ দিনৰ সংখ্যা বঢ়াটুটা কৰিব পাৰি — উদ্দেশ্য বিশেষে, অতএব যদি কোনোৱে শৌচৰ দিন কম বেচি কৰি শ্ৰাদ্ধ আদি কৰে তেন্তে তেওঁ পাপভাগী নহব । শ্ৰাদ্ধা-দিও সিদ্ধ হব । এয়ে ব্যৱস্থা ।

তাৰ পিছত দেৱল ঋষিৰ মতে আকৌ অশৌচ-কাল বেলেগ বেলেগ ।

"দশাহং ব্ৰাহ্মণানাং ক্ষত্ৰিয়ানাং ত্ৰিপঞ্চকম্ ।
বিংশদ্ৰাত্ৰস্তু বৈশ্যানাং শূদ্ৰানাং মাসমেবহি ॥

"অৰ্থাৎ ব্ৰাহ্মণৰ ১০ দিন — ক্ষত্ৰিয়ৰ ১৫ দিন বৈশ্যৰ ২০ দিন আৰু শূদ্ৰৰ ১ মাহ অশৌচ ।"

ইয়াৰ পৰা এইটো অনুমান কৰিব পাৰি যে ধৰ্ম্মশাস্ত্ৰকাৰী সকলৰ প্ৰত্যেকৰে মত বেলেগ আৰু প্ৰত্যেকেই কিছুমান লোকৰ ধৰ্ম্মোপদেষ্টা আৰু আচাৰ নিৰ্ণয়কাৰী আছিল । তেওঁলোকে চলিত আচাৰকেই পিচৰ বংশধৰ সকলৰ কাৰণে লিখি থৈ

গৈছিল। এই বিলাক কাৰণেই আচাৰ ব্যৱস্থাৰ ইমান তাৰতম্য।

ইয়াৰ উপৰিও অঙ্গিৰা ঋষিৰ মতে :——

"সৰ্ব্বেষামেব বৰ্ণানাং সূতকে মৃতকে তথা।
দশাহাচ্ছুদ্ধিঃ তেষামিতি শাতাতপোহব্রবীৎ।"

(অৰ্থাৎ শাতাতপ মুনিয়ে কৈছে যে সকলো বৰ্ণৰে জনন-মৰণ অশৌচৰ দশাহৰ পৰাই শুদ্ধি।)

অঙ্গিৰা আৰু শাতাতপ ঋষি দুয়োজন মনীষীৰ মতেই দহ দিনেই সকলো বৰ্ণৰে অশৌচ। কামৰূপৰ কোনো কোনো ঠাইত এই নিয়ম চলিছে।

গড়ূৰ পুৰাণতো দহ দিনৰ পিচতেই শুদ্ধিৰ ব্যৱস্থা আছে। পুৰাণ বিলাক ধৰ্ম্মশাস্ত্ৰবিলাকতকৈ পিচত ৰচিত বুলি ঐতিহাসিক সকলে কয়। পুৰাণত উক্ত কথা শাস্ত্ৰানুযায়ী চলিত। পুৰাণৰ উদ্দেশ্য ধৰ্ম্মশাসন কৰা নহয়। পুৰাণ বোৰ হৈছে সাহিত্য আৰু নৈতিক চৰ্চ্চাৰ অৱদান। গতিকে তাত পুৰণি সমাজ ব্যৱস্থাৰ বাহিৰে নতুন অপ্ৰচলিত ব্যৱস্থা নাথাকে।

সি যিয়ে নহওক তলৰ শ্লোকে কলিত অশৌচৰ যি ব্যৱস্থা তাকে কৈছে।—

"সৰ্ব্বোষামেব বৰ্ণানাং সূতকে মৃতকে তথা।
দশহাচ্ছুদ্ধিৰিত্যেষঃ কলৌ শাস্ত্রস্য নিশ্চয়ঃ ॥"

(অৰ্থাৎ কলিত সকলো বৰ্ণৰে জনম-মৰণ অশৌচৰ ১০ দিনতেই শুদ্ধি—শাস্ত্ৰৰ এই নিশ্চিত বিধি)

যি সকল মুনিয়ে বিভিন্ন বৰ্ণৰ বাবে বিভিন্ন প্ৰকাৰ অশৌচ ব্যৱস্থা কৰিছে অৰ্থাৎ ১০ দিনৰ বেচি দিন অশৌচ বিধান কৰিছে—তেওঁলোকেও স্থান বিশেষে সদ্যশৌচৰ ব্যৱস্থা দিছে।

মনুৰ মতে ঃ-

"ৰাজ্ঞঃ মহাত্মকেস্থানে সদ্য-শৌচঃ বিধীয়তে।
প্ৰজানাং পৰিৰক্ষণং আসনং চাত্ৰ কাৰণম্ ॥"

অৰ্থাৎ "ক্ষত্ৰিয়ৰ জৰুৰী অৱস্থাত সদ্যশৌচ শাস্ত্ৰসন্মত। কেৱল প্ৰজা অৰ্থাৎ বংশপৰিয়াল আৰু নিজৰ অবস্থিতি ৰক্ষা কৰাই ইয়াৰ কাৰণ হ'ব লাগিব।"

(ৰাজ্ঞ শব্দ যদি ৰজাক বুজোৱাৰ কাৰণে বুলি ধৰা হয় তেনেহলে "দ্বাদশাহেন ভূমিপঃ" মানেও "১২ দিনত ৰজাই" এই অৰ্থ কৰিব লাগিব। আৰু তেতিয়া হলে ক্ষত্ৰিয়ৰ কাৰণে মনুই কোনো অশৌচ ব্যৱস্থা নকৰা বুলি ধৰিব লাগিব। ইয়াৰ উপৰিও তলৰ শ্লোকবোৰ মনুই অনাহকত কোৱা বুলি কব লাগিব।

"ন বাজ্ঞামঘদোষোহস্তি ব্ৰতিনাং নচসত্ৰিনাম্।
ঐন্দ্ৰং স্থানমুপাসীনা ব্ৰহ্মভূতা হি তে সদা।"

মনু — ৫ম ৯৩

অৰ্থাৎ ৰজা, ব্ৰতী (ব্ৰহ্মচাৰী) আৰু সত্ৰী (যাগকাৰী, সত্ৰযুক্ত) সকলৰ অশৌচ দোষ নাই কাৰণ তেওঁলোকে ব্ৰহ্মস্বৰূপ হৈ ইন্দ্ৰত্ব প্ৰাপ্ত হয়।

আকৌ —

'লোকেশাধিস্থিতো ৰাজা নাস্যাশৌচং বিধীয়তে।
শৌচাশৌচং হি মৰ্ত্ত্যানাং লোকেশ-প্ৰভাবাপ্যম্॥"

মনু —

"লোকেশ হিচাবে ৰজাৰ অৱস্থান গতিকে ৰজাৰ অশৌচ বিধান নাই আৰু মৰ্ত্ত্যবাসীৰ শৌচাশৌচও ৰজাৰ ইচ্ছাধীন ।"

তাৰ কাৰণ ঃ—

"সোমাগ্ন্যৰ্কানিলেন্দ্ৰানাং বিত্তাপত্যোৰ্যমস্য চ।
অষ্টানাং লোকপালানাং বপুৰ্ধাৰয়তে নৃপঃ ॥"

মনু—

"অৰ্থাৎ সোম, অগ্নি, সূৰ্য্য, বায়ু, ইন্দ্ৰ, বৰুণ, কুবেৰ আৰু যম এই অষ্ট দিকপালৰ মুৰ্ত্তি ধাৰণ কৰি ৰজাই জন্ম লাভ কৰে ।

ৰজাৰ অশৌচ নাই আৰু অইনৰো অশৌচ ৰজাৰ ইচ্ছানুযায়ী হব পাৰে বুলি শাস্ত্ৰই কোৱা স্বত্তেও "ৰাজ্ঞঃ মহাত্মিকে স্থানে সদ্যশৌচঃ বিধীয়তে" বোলা শ্লোকৰ অৰ্থ কি হয় সেইটো সুধী সমাজৰ বিবেচ্য ।

পুনৰঃ—

"দানে বিবাহে যজ্ঞে চ সংগ্ৰামে দেশবিপ্লৱে
আপদ্যাপিচ কষ্টায়াং সদ্যশৌচং বিধীয়তে ॥"

"দানত, বিবাহত, যজ্ঞত, যুদ্ধত, ৰাজ্য বিপ্লৱত, আপদত আৰু কষ্টকৰ অৱস্থাত সদ্যশৌচ হব পাৰে।"

সদ্যশৌচৰ ব্যৱস্থাত দেখা যায় যে কোনো সময়ৰ নিৰ্দ্ধাৰণ নাই। যেতিয়াই তেতিয়াই হব পাৰে।

বৰ্ত্তমান খাদ্য সঙ্কটৰ দিনত পুৰণি কলীয়া অশৌচ ব্যবস্থাৰ দ্বাৰা শৰীৰক পাৰলৌকিক উন্নতিৰ আশাত কষ্ট দিয়াটো কোনো ৰকমে যুক্তিসঙ্গত নহয়।

ৰাজনৈতিক ক্ষেত্ৰটো জাতি বিভাগে বহুখিনি ঐক্যৰ পথত বাধা দিছে। প্ৰত্যেকে নিজ নিজ জাতিৰ বৈশিষ্ট্য লৈ অইনৰ পৰা নিজক পৃথক কৰি ৰখাটো এটা ৰীতি হৈ পৰিছে। প্ৰত্যেকে নিজৰ নিজৰ জাতিক উচ্চস্থান দিয়াতহে ব্যস্ত। কিন্তু নিজ নিজ জাতিৰ উন্নতিৰ বাবে চেষ্টা কৰা দেখা নাযায়।

এই জাতিভেদৰ সৃষ্টি কৰাৰ বাবে কোন দায়ী বা কি কাৰণে এই জাতি ভেদৰ সৃষ্টি হ'ল সেইবোৰ এই প্ৰবন্ধৰ আলোচ্য বিষয় নহয়।

আমাৰ কবলগীয়া কথা হৈছে, এই খিনিয়ে যে জাতিগত বৈশিষ্ট্যলৈ গৌৰৱ কৰি বহি থাকিলে আমাৰ সৰ্ব্বজনীন সামাজিক আৰু ৰাজনৈতিক ঐক্য সম্ভৱ-পৰ নহয়। আন হাতে আমি ৰাজনৈতিক পৰাধীনতা বৰণ কৰি সভ্য জগতত চিৰ কালৰ কাৰণে আনৰ ওপৰৰ নিৰ্ভৰশীল হৈ থাকিব লাগিব। এই কথা উপলব্ধি কৰিয়েই প্ৰাচীন কামৰূপ কায়স্থ সমাজৰ ৰতনপুৰ অধিবেশনত অদূৰ ভবিষ্যতে এক বিৰাট হিন্দু জাতিৰ গঠন কৰাৰ সপক্ষে এটা প্ৰস্তাৱ লোৱা হয়। সেই কামৰ বাবে প্ৰথমতে আমি নিজক ক্ষুদ্ৰ ক্ষুদ্ৰ জাতিৰ গণ্ডীৰ পৰা মুক্ত কৰি লব লাগিব আৰু তাকে কৰিবলৈ হলে আমি অতীতক সুঁৱৰি আমাৰ মাজৰ জাতিগত বন্ধন শিথিল কৰিব লাগিব। ভাৰতৰ মানৱ সমাজৰ বিশেষকৈ হিন্দুৰ জাতীয় গছত জাতিভেদৰ বি ৰঘুনালা পৰিছে তাৰ মূলোচ্ছেদ সম্ভৱপৰ নহলেও অন্ততঃ অঙ্গচ্ছেদ কৰা নিতান্ত দৰ্কাৰ হৈ পৰিছে।

ৰাজনৈতিক ঐক্যৰ কথা বাদ দিলেও সামাজিক ঐক্যৰ ফালৰ পৰাও নতুন সমাজসংস্কাৰ দৰ্কাৰ হৈ পৰিছে। পূৰ্ব্বৰ জাতি বিভাগ হৈছিল গুণানুসাৰে আৰু কৰ্ম্মনুসাৰে। প্ৰত্যেক জাতিয়ে পৰস্পৰ সহানুভূতিশীল আছিল। তাৰ উপৰিও জাতিগত সংস্কাৰৰ দ্বাৰা নিজক উপযুক্ত কৰি লব লাগিছিল। বৰ্ত্তমানত কিন্তু কৰ্ম্ম আৰু গুণানুসাৰে জাতি নিৰ্ণয় নহৈ জন্মানুসাৰে জাতি নিৰ্দ্ধাৰণ হোৱাত পৰিছে। তাৰ ফলত প্ৰত্যেক জাতিৰে নিজ নিজ কৰ্ত্তব্যৰ লৰচৰ হৈছে—জাতিগত কৃত্য বহুতো লুপ্ত হৈছে। আগৰ দিনৰ সংস্কাৰ আৰু আচাৰ ব্যৱহাৰত মানুহৰ আস্থা নোহোৱা হৈছে। অতিজৰ শীৰ্ষস্থানীয় ব্ৰাহ্মণ ঋষি মুনি সকলৰ উৰ্ব্বৰ মস্তিষ্কপ্ৰসূত সমাজ ব্যৱস্থাৰ যন্ত্ৰ আজি বিকল হৈ পৰিছে। আজিৰ ব্ৰাহ্মণ সমাজে তেওঁলোকৰ পূৰ্ব্বপুৰুষৰ যি গৌৰৱ তাৰ উত্তৰাধিকাৰিত্বৰ-দাবী কৰে। অথচ তেওঁলোকৰ জ্ঞান বিদ্যাৰ লিপ্সা পূৰ্ব্বৰ দৰেই আছেনে? ইতৰ সমাজৰ কল্যাণৰ বাবে অনুপ্ৰেৰণা

নাই। জনহিতকৰ ব্ৰাহ্মণ জাতিৰ ( পূৰ্ব্বৰ ), স্বৈৰতাই বৰ্ত্তমান সমাজৰ বিশৃঙ্খলতাৰ বাবে কিছু পৰিমানে দায়ী বুলি কব পাৰিনে ?

মূল কথাৰ পৰা আমি বহুখিনি আতৰি আহিলো। হিন্দু জাতিৰ আজি কোনোৱে নিজক অনাৰ্য্য বুলি কব নোখোজে। অথচ পৰস্পাৰৰ মাজত যি আৰ্য্য আচৰণৰ বৈমষ্য তাৰ প্ৰতিকাৰ কৰিব নোখোজে। এক জাতিৰ ভিতৰতে বিভিন্ন ঠাইত বিভিন্ন প্ৰকাৰৰ আচাৰ প্ৰচলিত থকা দেখা যায়। প্ৰত্যেক জাতিয়ে যদি নিজৰ নিজৰ আচাৰ ব্যৱহাৰৰ বৈষম্য দূৰ নকৰে তেনেহলে অইনে কৰিব নোৱাৰে। তাৰ বাবে প্ৰত্যেক জাতিৰ মাজত লাগে সজ্ঘবদ্ধ ঐক্য। নিজৰজাতিৰ উন্নতিৰ লগে লগে দেশৰ কৰ্ত্তব্যৰ প্ৰতি যথেষ্ট আগুৱান হব পাৰি। তাকে কৰিবলৈ জাতীয় অনুষ্ঠান গঠন কৰাটো সঙ্কীৰ্ণমনাৰ পৰিচয় হব নোৱাৰে। ডাল পাতৰ উন্নতিয়েই মূল গছৰ উন্নতি। মানব সমাজৰ উন্নতিৰ হেতুও সেয়ে।

মনুসংহিতাৰ মতে বিচাৰ কৰিবলৈ গলে প্ৰকৃত দ্বিজ বৰ্ত্তমানে খুব কমেই পোৱা যাব।

কাৰণ ঃ—

"মাতুৰগ্রেহধিজননং দ্বিতীয়ং মৌঞ্জী বন্ধনে ।
তৃতীয়ম্ যজ্ঞ দীক্ষায়াং দ্বিজস্য শ্রুতিচোদনাৎ ॥"

মণু-২য় ।১৬৯

নাভিব্যাহৰয়েৎ ব্রহ্ম স্বধা নিনয়নাদৃতে ।
শূদ্রেন হি সমস্তাবদ্ যাবুদ্বেদে ন জায়তে ॥

মনু ২।১৭২

অর্থাৎ—

প্রথমে মাকৰ পৰা জন্ম হয়, দ্বিতীয়তে উপনয়নৰ দ্বাৰা আৰু তৃতীয়বাৰ জন্ম হয় বৈদিক যজ্ঞত দীক্ষিত হলে ।

"স্বধা অর্থাৎ পিতৃপুৰুষৰ তর্পন মন্ত্রৰ বাহিৰে উপনয়নৰ আগেয়ে কোনো বেদ আদি পাঠ কৰিব নোৱাৰে কাৰণ উপনয়নৰ পিচত গুৰু গৃহত থাকি বেদাধ্যয়নৰ দ্বাৰা দ্বিতীয় বাৰ জন্ম গ্রহণ নকৰিলে শূদ্রৰ তুল্য হৈ থাকে ।"

এই উপনয়ন কেৱল যে ব্ৰাহ্মণৰ কাৰণেহে তেনে নহয়। ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য তিনিও জাতিৰ কাৰণে উপনয়নৰ ব্যৱস্থা আছে আৰু তাৰ নিৰ্দ্ধাৰিত সময়ো আছে।

"গৰ্ভাষ্টমেহেব্দে কুৰ্ব্বীত ব্ৰাহ্মণস্যোপনায়নম্।
গৰ্ভাদেকাদশেৰাজ্ঞঃ গৰ্ভত্তু দ্বাদশে বিশঃ॥"

অৰ্থাৎ—

জাতকৰ ৭ বছৰ ১ মাহত ব্ৰাহ্মণৰ—১০ বছৰ ১ মাহত ক্ষত্ৰিয়ৰ আৰু ১১ বছৰ ১ মাহত বৈশ্যৰ উপনয়ন হব লাগে।

কিন্তু বৰ্ত্তমান সময়ত দ্বিজাতিৰ বেদত জন্ম হোৱা দূৰৈৰ কথা বহুতৰ উপনয়নেই নহয়। অথচ নিজকেই দ্বিজাতিৰ ভিতৰত গাৰ জোৰেৰে তুলি লব খোজে।

অইন অইন ক্ষেত্ৰতো নিজ নিজ ইচ্ছানুযায়ী শাস্ত্ৰৰ সন্মতি নোহোৱাকৈয়ে অশৌচ প্ৰথা উঠাই দিয়াৰ চেষ্টা কৰিছে। সেই অৰ্থে অলপতে এজন সমাজৰ মূখিয়াল লোকৰ দ্বাৰাই বিনা অশৌচে শুদ্ধ হোৱা খবৰ পোৱা গৈছে। দহদিনীয়া অশৌ-

চৰ সপক্ষে বহুতো শাস্ত্ৰকাৰৰ মত আছে কিন্তু অশৌচ একেবাৰেই পালন নকৰাৰ ব্যৱস্থা কোনো শাস্ত্ৰতেই নাই। অৱশ্য কুষ্ঠাদি দুৰাৰোগ্য ব্যধি-গ্ৰস্ত ৰোগীৰ কথা বেলেগ।

আকৌ অশৌচ সম্পৰ্কে আসামৰ বাহিৰলৈ চালে দেখা যায় উড়িষ্যাত উচ্চ শ্ৰেণীৰ সকলো হিন্দুৰেই অশৌচ কাল ১০ দিন। কেৱল ইতৰ শ্ৰেণীৰ লোকৰ মাজতহে ১০ দিনতকৈ বেচি দিন অশৌচ পালন কৰা দেখা যায়।

আকৌ ইতিপূৰ্ব্বৰ পৰাই ওপৰত ব্ৰাহ্মণ আৰু তলত চণ্ডাল এই দুই জাতিৰ অশৌচ কাল দহ দিন। মাজৰ কেইজাতিৰ ১০ দিনীয়া অশৌচ হব নোৱাৰাৰ কোনো কাৰণ থাকিব নোৱাৰে।

অসমৰ ভিতৰতো শিৱসাগৰ, নগাওঁ আৰু কামৰূপ জিলাত ঠায়ে ঠায়ে ১০ দিনীয়া অশৌচ প্ৰচলিত হৈছে। এই কেই জিলাৰ বাহিৰে অইন জিলাতো দশাহ অশৌচ ও সদ্যশৌচৰ প্ৰচলন হোৱা অইন জাতিৰ মাজতো দেখা গৈছে।

শাস্ত্ৰকৰ্ত্তা সকলৰ সময়ৰ জন-স্বাস্থ্য. বৰ্ত্তমান সময়ৰ জন-স্বাস্থ্যৰ লগত একেবাৰে নিমিলে। সেই সময়ৰ খাদ্যবস্তুৰ প্ৰচুৰতাও বৰ্ত্তমান নাই, সেই সময়ৰ মানুহৰ জীৱন যাত্ৰাৰ প্ৰনালীৰ লগত আজি কালিৰ জীৱন যাত্ৰাৰ প্ৰণালী নিমিলে। সেই সময়ৰ যান বাহান আৰু আজি কালিৰ যান বাহানৰ পাৰ্থক্য অনেক বেচি। সেই সময়ৰ যুদ্ধ-বিগ্ৰহৰ লগত বৰ্ত্তমান কালৰ যুদ্ধ-বিগ্ৰহৰ স্বৰ্গ মৰ্ত্ত্য প্ৰভেদ। সেই সময়ৰ খাদ্যৰ লগত আজি কালিৰ খাদ্যৰ তুলনা কৰিব নোৱাৰি। সেই সময়ৰ মানুহৰ খাদ্যৰ প্ৰাচুৰ্য্যৰ কাৰণে স্বাস্থ্য ৰক্ষাৰ বাবে দৰ্কাৰ হৈছিল উপবাস— নিশিপালন—বেমাৰত লঘোন ইত্যাদি। কিন্তু আজি কালিৰ কাৰণে লাগে—ভাইটামিন বটিকা, টনিক, কৃত্ৰিম উপায়েৰে প্ৰস্তুত পুষ্টিবৰ্দ্ধক ঔষধৰ ইনজেক্‌সন্‌ ইত্যাদি। এনে অৱস্থাত ২০০০ বছৰৰ পূৰ্ব্বে ৰচিত শাস্ত্ৰীয় বিধানৰ বৰ্ত্তমান সময়োপযোগী ৰদ্‌বদল অত্যাৱশ্যকীয় হৈ পৰিছে। আগৰ দিনৰ লগত বৰ্ত্তমান কালৰ সম্পূৰ্ণ অমিল বুলিয়েই যদি কোনোবাই অশৌচ একেবাৰে উঠাই

শাস্ত্ৰকৰ্ত্তা সকলৰ সময়ৰ জন-স্বাস্থ্য. বৰ্ত্তমান সময়ৰ জন-স্বাস্থ্যৰ লগত একেবাৰে নিমিলে। সেই সময়ৰ খাদ্যবস্তুৰ প্ৰচুৰতাও বৰ্ত্তমান নাই, সেই সময়ৰ মানুহৰ জীৱন যাত্ৰাৰ প্ৰনালীৰ লগত আজি কালিৰ জীৱন যাত্ৰাৰ প্ৰণালী নিমিলে। সেই সময়ৰ যান বাহান আৰু আজি কালিৰ যান বাহানৰ পাৰ্থক্য অনেক বেচি। সেই সময়ৰ যুদ্ধ-বিগ্ৰহৰ লগত বৰ্ত্তমান কালৰ যুদ্ধ-বিগ্ৰহৰ স্বৰ্গ মৰ্ত্ত্য প্ৰভেদ। সেই সময়ৰ খাদ্যৰ লগত আজি কালিৰ খাদ্যৰ তুলনা কৰিব নোৱাৰি। সেই সময়ৰ মানুহৰ খাদ্যৰ প্ৰাচুৰ্য্যৰ কাৰণে স্বাস্থ্য ৰক্ষাৰ বাবে দৰ্কাৰ হৈছিল উপবাস— নিশিপালন—বেমাৰত লঘোন ইত্যাদি। কিন্তু আজি কালিৰ কাৰণে লাগে—ভাইটামিন বটিকা, টনিক, কৃত্ৰিম উপায়েৰে প্ৰস্তুত পুষ্টিবৰ্দ্ধক ঔষধৰ ইনজেক্‌সন্‌ ইত্যাদি। এনে অৱস্থাত ২০০০ বছৰৰ পূৰ্ব্বে ৰচিত শাস্ত্ৰীয় বিধানৰ বৰ্ত্তমান সময়োপযোগী ৰদ্‌বদল অত্যাৱশ্যকীয় হৈ পৰিছে। আগৰ দিনৰ লগত বৰ্ত্তমান কালৰ সম্পূৰ্ণ অমিল বুলিয়েই যদি কোনোবাই অশৌচ একেবাৰে উঠাই

মাংস বৰ্জ্জন কৰি ৯ মাহ ধৰি কঠোৰব্ৰত অৱলম্বন দি হৰি নামেৰে শুদ্ধ হব খোজে, তেনেহলেও আমাৰ সমাজে সেইটো যথেষ্ট বিবেচনা কৰি চোৱাটোহে উচিত হয়। কাৰণ স্বাস্থ্যৰক্ষাৰ নিয়মৰ লগত সামঞ্জস্য ৰাখিয়েই এইবোৰ নিয়ম শাস্ত্ৰকৰ্ত্তা সকলে কৰি থৈ গৈছে। সেই কাৰণেই অশৌচৰ ব্যৱস্থা থকাটো দৰ্কাৰ কিন্তু অশৌচৰ কাল অনৰ্থকভাৱে দীঘলীয়া হোৱাটো অনাৱশ্যক।

হিন্দুশাস্ত্ৰৰ মতে শৱ-দাহ কৰাটো স্বাস্থ্যৰক্ষাৰ এটা প্ৰধান নিয়ম। শৱযাত্ৰীৰ অশৌচ ব্যৱস্থাৰো যথেষ্ট যুক্তি আছে। কাৰণ ইয়াৰপৰা বহুত সংক্ৰা-মক ৰোগৰ হাত সাৰিব পাৰি। অশৌচ কালত মাছ-মাংস বৰ্জ্জনৰ বিধান আছে=ৰজোগুণ প্ৰধান খাদ্য বুলি। তাৰ উপৰিত্ত মাছ-মাংসৰ পৰা শৰী-ৰত থকা ৰজোগুণৰ বৃদ্ধি হব পাৰে; আৰু ইয়াৰ কাৰণেই মানুহৰ স্বভাৱ ক্ৰুৰ হব পাৰে ইত্যাদি। কিন্তু বৰ্ত্তমান সময়ত মানুহৰ ৰজোগুণ প্ৰধান খাদ্য হলেও মাছ মাংসৰহে বেচি দৰ্কাৰ। অশৌচ কাল অনাৱশ্যক ভাৱে দীঘলীয়া কৰি ৰাখি মাছ

কৰি স্বাস্থ্যভঙ্গ কৰাটো বৰ্ত্তমান যুগৰ স্বাস্থ্যবিজ্ঞানে কোনোমতে সমৰ্থন নকৰে। কেইজনেই বা ১০ দিনতকৈ দীঘলীয়া অশৌচ ৰীতিমতে পালন কৰিব পাৰিছে বা কৰিছে ?

ইয়াৰ উপৰিও সংস্কৃতজ্ঞ ঐতিহাসিক সকলৰ মতে মনুসংহিতাৰ বিশুদ্ধতা সম্পৰ্কে সন্দেহ কৰিব লগা আছে। মনুসংহিতাৰ টিকাকাৰ মেধাতিথিৰ কাল ঐতিহাসিক সকলে ৯ম শতিকা বুলি স্থিৰ কৰিছে। খৃঃ ১১০০ বছৰ আগতেই যি পুথিৰ বাখ্যাৰ দৰ্কাৰ হৈছিল—সেই পুথি লিখা কাল আৰু কিমান পুৰণি হব পাৰে ? ঐতিহাসিক সকলৰ মতে মনুসংহিতাৰ ৰচনা কাল কোনোমতেই খৃঃ পূঃ ৫ম শতাব্দীৰ পিচত হব নোৱাৰে।

গতিকেই ২৫০০ বছৰ পুৰ্ব্বৰ ৰচিত গ্ৰন্থৰ বিশুদ্ধতা সম্পৰ্কে সন্দিহান হৈ লিখা তলৰ শ্লোকটোও যুক্তিহীন বুলি কব নোৱাৰি। ভূমিকম্প ৰাষ্ট্ৰবিপ্লৱ আদি এই ২৫০০ বছৰত যে কিমান হৈছে তাৰ সীমাসংখ্যা নাই। গতিকেই তলৰ শ্লোকটো বিশ্বাসযোগ্য।

"মান্যাকাপি মনুস্মৃতি—স্তদুচিতা
বাখ্যা হি মেধাতীর্থেঃ।
সা লুপ্তেব বিধের্ব্বশাৎ কচিদপি
ন প্রাপ্যং তৎ পুস্তকম্ ॥"
ক্ষৌনীন্দ্রো মদনঃ সহাৰণ
সুতো দেশান্তৰাহৃতৈঃ।
জীর্ণোদ্ধামচীকৰৎ তৎ ইতস্ততঃ
স্পুস্তকৈ লেখিতৈঃ ॥"

"মনুস্মৃতি নামে কোনো এখন গ্ৰন্থ আছিল বুলি মানব লাগে আৰু তাৰ উচিত বাখ্যা হৈছে মেধাতিথিৰ। বিধিবশতঃ সি লুপ্ত হৈ গৈছে; কতো তাক পাবলৈ নাই। ক্ষৌণী নগৰৰ ৰজা সহাৰণৰ পুত্ৰ মদনে দেশান্তৰৰ পৰা আহৰণ কৰি এই গ্ৰন্থৰ জীৰ্ণোদ্ধাৰ কৰিছে।"

ওপৰোক্ত শ্লোকৰ মতে হলে মনুসংহিতাৰ বিধানবোৰ যে সম্পূৰ্ণ অকলুষিত বা অবিকল্পিত সেইটো ডাঠি কব নোৱাৰি।

পুনৰ আমি যদি ১০ পিণ্ডৰ মন্ত্ৰৰ অৰ্থলৈ চাওঁ তেনেহলে দেখো একাদিক্ৰমে দশপিণ্ড দান কৰি মৃতকক পুনৰ্জ্জীৱন দান কৰা হয় আৰু মৃতকে

কোনো এঠাইত গৈ জন্ম লাভ কৰে।
গতিকে পুনৰ্জ্জন্মপ্ৰাপ্ত ব্যক্তিৰ অশৌচ পালন কৰাৰ কোনো প্ৰয়োজন নাই। স্বাস্থ্যৰ ফালৰ পৰাও ১০ দিন অশৌচ পালনেই যথেষ্ট। বৰ্ত্তমানে, সকলো জাতিয়েই যদিও অশৌচ কাল নানাৰকমে সংস্কাচ কৰিছে এই সঙ্কোচন ১০ দিনলৈ কৰাটো যুক্তি সঙ্গত।

আমি পূৰ্ব্বতেই আলোচনা কৰি আহিছো যে গুণ, কৰ্ম্মানুসৰি জাতি বিভাগ হৈছিল আৰু আগৰ দিনত প্ৰত্যেক জাতিৰ মাজত গুণ কৰ্ম্ম আৰু আচাৰ ব্যৱহাৰৰ বহুত তাৰতম্য আছিল। প্ৰত্যেক জাতিয়েই নিজ নিজ জাতিগত কৰ্ম্মৰ দ্বাৰা মানৱ সমাজৰ কল্যানৰ বাবে যত্ন কৰিছিল আৰু সেই বাবে জাতিবোৰৰ মাজত পৰস্পৰ মিল আছিল। আজ কালি কিন্তু প্ৰত্যেক জাতিয়েই পূৰ্বৰ কাৰ্য্য কলাপৰ গুণ-কীৰ্ত্তন কৰিয়েই বৰ্ত্তমানতো তাৰ ফল ভোগ কৰিববলৈ বিচাৰে। তাৰ ফলত দেখা গৈছে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰৰ পৰস্পৰৰ মাজত যি ঐক্যৰ যোগ সূত্ৰ আছিল সি আজি ছিন্ন হৈ গৈছে। প্ৰত্যেকে নিজ নিজ বৃত্তিৰ প্ৰতি ঘৃণাৰ চকুৰে

চোৱা হৈছে। অথচ আগৰ আচাৰৰ ৰক্ষণশীলতা এতিয়াও যোৱা নাই।

একে জলবায়ু সেৱন কৰি একে কাজ কৰ্ম্ম কৰি, একে খাদ্যেৰে বৰ্দ্ধিত হৈ একে শিক্ষাকে পাই, একে ধৰণে চাল-চলন কৰি, একে ধৰণে পিন্ধন-উৰণ কৰি জীৱন নিৰ্ব্বাহ কৰা দুইজাতিৰ দুজন মানুহৰ এজনে যদি ১০ দিনত অশৌচ শুদ্ধ কৰিব পাৰে, তেনেহলে আনজনে নোৱাৰাৰ কোনো কাৰণ থাকিব নোৱাৰে। কেৱল জন্ম, কূল বুলিয়েই এই তাৰতম্য থাকিব নোৱাৰে—কাৰণ যি নীতিত জাতি বিভাগ হৈছিল—সেই নীতিৰ আজি মৰ্য্যদা নাই।

সকলো ফালৰ পৰা চালে দেখা যায় যে কায়ষ্ঠ জাতিৰ অশৌচ বৰ্ত্তমান সময়ত ১০ দিন হিচাবে নিৰ্দ্ধাৰিত কৰি লোৱা উচিত হব। দহ দিনতকৈ কম কৰা নাইবা অশৌচ একেবাৰে পালন নকৰাটো ভৱিষ্যতৰ বিবেচ্য বিষয় বৰ্ত্তমানে হলে ঔদ্ধত্যৰ পৰিচায়ক হব নে নহয়—ভাবিব লগা।

ইয়াৰ ওপৰিও আমাৰ সমাজৰ বহুতৰে ১০ দিনীয়া অশৌচত ব্যক্তিগত সন্মতি আছে আৰু সমাজত সেইটো প্ৰচলন হোৱাটো তেওঁলোকে বাঞ্চা কৰে। ১১ দিনত অশৌচ খণ্ডন কৰাত সন্মতি থকা লোক সকলৰ (আমি লগ পোৱাৰ ভিতৰত) এখন লিষ্ট তলত দিয়া হল।

| ক্ৰমিক নং | নাম | ঠিকনা | মন্তব্য |
|---|---|---|---|
| ১। | শ্ৰীযুত প্ৰতাপনাৰায়ণ চৌধূৰী (ভাৰতীয় কায়স্থ সভাৰ আসামৰ পৰা সহঃ সভাপতি ও প্ৰাঃ কাঃ কাঃ সমাজৰ প্ৰথম সভাপতি) | খাটাবাৰী, নলবাৰী | ভাৰতৰ সকলো প্ৰদেশৰ কায়স্থ আৰু মিত্ৰৰাজ্যৰ ভিতৰত আসামৰ বাহিৰে এইমতে ১১ দিনত অশৌচ খণ্ডন কৰিছে। আসামতো হব লাগে। (স্বাঃ) শ্ৰীপ্ৰতাপ-নাৰায়ণ চৌধুৰী। |
| ২। | শ্ৰীদণ্ডীৰাম দত্ত | বেলসৰ | |
| ৩। | ,, পদ্মনাথ দত্ত | পানবাৰী | |
| ৪। | ,, মহেশ্বৰ দত্ত | ৰতনপুৰ | |
| ৫। | ,, লক্ষণ চন্দ্ৰ দত্ত | ,, | |
| ৬। | ,, উদয় চন্দ্ৰ দত্ত | ,, | |
| ৭। | ,, উপেন্দ্ৰনাথ পাটোৱাৰী | ক্ষেত্ৰাপাৰা | |
| ৮। | ,, সৰ্ব্বানন্দ দত্ত কাঃ আঃ কাঃ সমাজৰ | গুৱাহাটী | |

| ক্রমিক নং | নাম | ঠিকনা | মন্তব্য |
|---|---|---|---|
| | ভূতপূৰ্ব্ব সভাপতি | | |
| ৯। | শ্রীযুত অম্বিকাগিৰি ৰায়চৌধুৰী | গুৱাহাটী | |
| ১০। | ,, মুকুন্দনাৰায়ণ বৰুৱা গৌৰীপুৰ টাউন কমিটিৰ চেয়াৰমেন, ধুবুৰীৰ অনাৰেৰী মেজিষ্ট্ৰেট ও প্রাঃ কাঃ কাঃ সমাজৰ গৌৰীপুৰ শাখাৰ সভাপতি। | গৌৰীপুৰ | আমাৰ সমাজত এইটো বিধান সোনকালে প্রচলন হয় সিমানেই মঙ্গল। |
| ১১। | শ্রীযুত মহেন্দ্রকুমাৰ বৰুৱা, বি,এ, | গুৱাহাটী | |
| ১২। | ,, প্রসন্ননাৰায়ণ চৌধুৰী প্রাঃ কাঃ কাঃ সমাজৰ ভূতপূৰ্ব্ব সভাপতি। | ,, বৰপেটিয়াপাৰা | প্রাঃ কাঃ কাঃ সমাজৰ বৰ্ত্তমান সভাপতি |
| ১৩ | শ্রীযুত জীৱনানন্দ দত্ত | গুৱাহাটী | |
| ১৪ | ,, মনীন্দ্রকুমাৰ বৰুৱা | ডিমাপুৰ | |
| ১৫ | ,, প্রভাতনাৰায়ণ চৌধুৰী | থাটাবাৰী | প্রাঃ কাঃ কাঃ সমাজৰ ভূতপূৰ্ব্ব সভাপতি ও কায়স্থজাতিৰ ইতিবৃত্তৰ লিখক। |
| ১৬ | ,, হৰিনাৰায়ণ দত্ত বৰুৱা | নলবাৰী | |
| ১৭ | ,, পদ্মৰাম চৌধুৰী | পকোৱা | |
| ১৮ | ,, ধনীৰাম দত্ত | পানাৰা | |
| ১৯ | ,, পূৰ্ণচন্দ্র দত্ত | পকোৱা | |
| ২০ | ,, হৰেন্দ্র নাৰায়ণ দত্ত বৰুৱা | বালিকৰিয়া | |
| ২১ | ,, বসন্তকুমাৰ বৰুৱা | গোলকগঞ্জ | |
| ২২ | ,, দীনচন্দ্র দত্ত | ভুনকুছি | |

| ক্ৰমিক নং | নাম | ঠিকনা | মন্তব্য |
|---|---|---|---|
| ২৩ | ,, ভৃগুপতি দত্ত, বি, এ; | নলবাৰী | |
| ২৪ | ,, যোগেন্দ্ৰনাথ চৌধুৰী | ,, | |
| ২৫ | ,, সিন্ধুৰাম দত্ত মজুমদাৰ | জম্পাৰকুচি | |
| ২৬ | , সুনন্দহৰি দত্ত বৰুৱা শাস্ত্ৰী ব্যাকৰণতীৰ্থ | বাহজানী<br>গুৱাহাটী | |
| ২৭ | ,, দৈৱহৰি দত্ত বৰুৱা | নগাওঁ বৰ- | |
| ২৮ | ,, ধৰ্ম্মচন্দ্ৰ দেৱ অধিকাৰী | দোৱা সত্ৰ | |
| ২৯ | ,, নবীনচন্দ্ৰ চৌধুৰী | গুৱাহাটী | |
| ৩০ | ,, হেমৰথ দত্ত চৌধুৰী | বৰপেটা গঃ | |
| ৩১ | " ভৱানন্দ দত্ত, এম,এ, | নলবাৰী কঃ | |
| ৩২ | ,, কাশীৰাম পাটোৱাৰী | ক্ষেত্ৰাপাৰা | |
| ৩৩ | ,, সভাৰাম দত্ত কাননগো | ,, | |
| ৩৪ | ,, দেৱেন্দ্ৰ নাথ ৰায়চৌধুৰী বি,এল | বৰপেটা | |
| ৩৫ | ,, খগেন্দ্ৰ নাৰায়ণ চৌধুৰী বি, এল, | গুৱাহাটী | |
| ৩৬ | শ্ৰীযুত ধনীৰাম মহন্ত | গুৱাগাছা | |
| ৩৭ | ,, প্ৰতাপ চন্দ্ৰ দত্ত | বোম্বাই, ৰয়েল নেভি (বেলসৰ) | |
| ৩৮ | ,, গণেশ নাৰায়ণ চৌধুৰী | | প্ৰাঃ কাঃ কাঃ সমাজৰ সহকাৰী |
| ৩৯ | ,, প্ৰভাতচন্দ্ৰ দত্ত বি, এল উকীল | গুৱাহাটী | সভাপতি |
| ৪০ | " [illegible] | [illegible] | |
| ৪১ | " [illegible] | [illegible] | |
| ৪২ | " [illegible] | [illegible] | |
| ৪৩ | " [illegible] | [illegible] | |
| ৪৪ | " [illegible] | [illegible] | |